# ধৰ্ম্ম-তত্ত্ব।



শ্রীদণ্ডীধৰ যম ৰচিত।

শ্রীথানেশ্বৰ ভুঞা সম্পাদিত।

শ্রীশিৱনাথ ভট্টাচার্য্য দ্বাৰা
সংশোধিত আৰু প্রকাশিত।
ডিব্রুগড়।

প্রথম তাঙ্গৰণ।

কলিকাতা,
৬নং কলেজ-স্কোয়াৰ, সাম্য যন্ত্রে,
সেখ আবদুল লতিফ দ্বাৰা মুদ্রিত।

১৮৩৫ শঁক।

মূল্য এশিকি মাথোন।

# ধৰ্ম্ম-তত্ত্ব।

শ্ৰীদণ্ডীধৰ দাস ৰচিত

শ্ৰীথানেশ্বৰ ভুঞা সম্পাদিত।

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা
সংশোধিত আৰু প্ৰকাশিত।
ডিব্ৰুগড়।

প্ৰথম তাঙ্গৰণ।



কলিকাতা,
৬নং কলেজ-স্কোয়াৰ, সাম্য যন্ত্ৰে,
সেখ আবদুল লতিফ দ্বাৰা মুদ্ৰিত।

১৮৩৫ শক।

# উছৰ্গা।

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন সলাকয়া।
চক্ষু কন্মিলিতং যেন তস্মৈ শ্ৰীগুৰবে নমঃ॥

স্বৰ্গীয় মহাপুৰুষ আউনী-আটীয় ভূতপূৰ্ব্ব
সত্ৰাধিকাৰ শ্ৰীশ্ৰীশ্ৰীল শ্ৰীশ্ৰীশ্ৰীযুক্ত

## দত্তদেৱ গোস্বামী

মহাপ্ৰভুৰ চৰণাৰ বিন্দত
এই ক্ষুদ্ৰ পুস্তিকা খানি
ভক্তিভৰে উৎসৰ্গ
কৰিলোঁ।

সেৱকাধম,
শ্ৰীদণ্ডীধৰ যম।

# ধৰ্ম্মতত্ত্ব।

ৰ

---

## শ্ৰীকৃষ্ণায় নমঃ।

নমো নমো নাৰায়ণ নিত্য-নিৰঞ্জন ।
নমো জগন্নাথ নমো ব্ৰহ্ম সনাতন ॥
তুমি স্ৰজা তুমি পালা তুমি কৰা ক্ষয় ।
তোমাতেসে হন্তে হোৱে উৎপত্তি প্ৰলয় ॥
দুৰ্ব্বলীৰ বল তুমি নিৰ্ধনীৰ ধন ।
সুখ দুখ দাতা তুমি দেৱ নাৰায়ণ ॥
অনন্ত শকতি তুমি প্ৰভু পীতাম্বৰ ।
তব পদ শিৰে ধৰি মই মূঢ় নৰ ॥
নিৰ্বন্ধিলো পদ ইটো তুয়া মুখ বাণী ।
মোক দাস বুলি কৃপা কৰা চক্ৰপাণি ॥
মোৰ কিবা সাধ্য আছে তুমি অবিহনে ।
তোমাৰ চৰিত্ৰ প্ৰকাশিবা তব গুণে ॥
শুনা সৰ্ব্বজন ইটো হৰি কথা সাৰ ।
যাহাৰ শ্ৰবণে ভব সিন্ধু হয় পাৰ ॥

হেনয় অমূল্য ইটো হৰিৰ চৰিত্ৰ।
যাৰ নামে কৰে তিনি লোকক পবিত্ৰ॥
একচিত্তে শুনা আক যত সাধুনৰ।
আতপৰে শ্ৰেষ্ঠ কৰ্ম্ম নাহি পুৰুষৰ॥
পৰম পুৰুষ হৰি দেৱ নাৰায়ণ।
বাক্যছলে ধৰণীক কৰি সম্বোধন॥
প্ৰকাশিলা নিজ তত্ত্ব লোকৰ কৃপায়।
ভকতৰ প্ৰিয় বস্তু সুধা সমুদায়॥
বৰাহ বদতি হেৰা ধৰণী সুন্দৰী।
মোৰ গুপ্ত কথা যিটো শুনা মন কৰি॥
পূৰ্ব্বকালে শ্ৰুতকেতু নামে নৰপতি।
পুত্ৰে ৰাজ্য দিয়া কৰে আমাত ভকতি॥
যেহিমন্তে তান পুত্ৰ প্ৰজাপাল ৰায়।
মৃগয়া উদ্দেশ্যে নৃপ তপোবন পায়॥
মহাতপা মুনিসহ দৰশন হয়।
যি ৰূপে তথাত মোৰ তত্ত্ব পৰিচয়॥
সেহি কথা এক মনে শুনা বসুমতি।
সবাৰো মঙ্গল তত্ত্ব ভক্তজন গতি॥
সত্য যুগে শ্ৰুতকেতু নামে মহিপাল।
পৰম ধাৰ্ম্মিক ৰাজা বিক্ৰমে বিশাল॥

চন্দ্রসম শান্ত ৰাজা তেজে হুতাশন।
বুদ্ধি বৃহস্পতি যেন অতি বিচক্ষণ॥
ৰূপে কামদেৱ সম শৰীৰ সুঠান।
আজানুলম্বিত তেঁওৰ বাহু দুইখান॥
স্বধৰ্ম্মত থাকি ৰাজ্য পালে নৃপবৰ।
পুত্ৰ কন্যা সম স্নেহে প্ৰজা নিৰন্তৰ॥
তাঁহাৰ সৌজন্য দেখি যত প্ৰজাগণ।
পিতৃৱত ভক্তি কৰে সদা সৰ্ব্বক্ষণ॥
ৰাজ ধৰ্ম্মে নাই ৰাজ্যে শোক-চিন্তা-ভয়।
স্বৰ্গসম সুখে বঞ্চে যত লোকচয়॥
যেন ৰঘুপতি আসি অযোধ্যা পুৰত।
প্ৰজাৰ কৌতুক বঢ়াই আছে আনন্দত॥
মোৰ সেৱা বিনে তান অন্যে নাই মতি।
মহাসুখে কৰে ৰাজা আমাত ভকতি॥
তান ভাৰ্য্যা ৰূপৱতী নাম নিৰুপমা।
ত্ৰিজগত মোহে যেন নাৰী তিলোত্তমা॥
যাৰ মুখ দেখি শশী পায় অপমান।
ঘনে ঘনে মেঘান্তৰে ঢাকে মুখ খান॥
চক্ষু দেখি কমলেও লজ্জা পায় বৰ।
সৰোবৰে থাকে যেন নেচাপি ওহুৰ॥

কটি দেখি কেশৰীৰো দুখ-সীমা নাই।
লজ্জাভয়ে মনুষ্যৰ আগত নোলাই ॥
নৱ কিসলয় যেন কৰৰ দীপিতি।
ৰক্ত কোকনদ সম পাৱ দুই গুটি ॥
কি দিবো তুলনা তাৰ ৰূপ বিতোপন।
কন্দৰ্পৰো দৰ্প হৰে কৰি নিৰীক্ষণ ॥
সতী দেৱী আসি যেন নৃপৰ আলয়।
পতি উপাসিয়া সদা আনন্দে থাকয় ॥
পতি ধন পতি মন পতি দেহ প্ৰাণ।
স্বামী সেৱা ভিন্ন তেঁহো নিচিন্তয় আন ॥
যেনে গুণৱতী সতী তেনে নৃপবৰ ॥
ধৰ্ম্মে কৰ্ম্মে পূৰ্ণ সদা ৰাজাৰ নগৰ ॥
যৈত মোৰ অবস্থান কৰে ভক্তগণ।
সেহি মোৰ প্ৰিয় স্থান তীৰ্থতো উত্তম ॥
ভকতৰ হিত চিন্তি দিবস ৰজনী।
প্ৰাণপণে ঘুৰি ফুৰোঁ যেন দিনমণি ॥
এইৰূপ দম্পতিৰ শ্ৰেষ্ঠ ভকতিত।
সঙ্গে সঙ্গে থাকো মই দুইৰো চিন্তি হিত ॥
অনন্তৰে শুনা দেৱী শেষ বিবৰণ।
অমৃত অধিক ইটো কথা পুৰাতন ॥

স্বামী সেৱাবলে নিৰুপমা গুণৱতী।
যৌবনে লভিল এক উত্তম সন্ততি ॥
অনুপম ৰূপে জন্মে সিটো সুকুমাৰ।
দেখি লাজ পায় যেন শশী পূৰ্ণিমাৰ ॥
হেন ৰূপৱন্ত ৰাজা লভি পুত্ৰধন।
সুখৰ সাগৰে ডুবে নৃপতিৰ মন ॥
মোহোৰ চৰণ চিন্তি পাছে নৃপবৰ।
দান ধ্যান নানা মতে কৰিল বিস্তৰ ॥
সন্তানৰ নাম ৰাজা পুৰোহিত আনি।
গণি পঢ়ি প্ৰজাপাল ৰাখে মহামানী ॥
আজি কালি কৰি পুত্ৰ ক্ৰমে বৰ হয়।
দিনে দিনে বৃদ্ধি যেন শশীৰ অন্বয় ॥
বয়সৰ সঙ্গে তান বুদ্ধি শক্তি জ্ঞান।
ক্ৰমে ক্ৰমে বাঢ়ে যেন শিক্ষিত সন্তান।
শৈশবে তাহাঙ্ক ৰাজা পঢ়িবাক দিল।
অল্প দিনে বিদ্যা শিশু সমাপ্ত কৰিল ॥
পিতৃসম তেজৱন্ত বিদ্যাত পাৰ্গত।
ধৰ্ম্মত একান্ত মতি পৰম ভকত ॥
ৰূপে গুণে বিচক্ষণ দেখি নৰপতি।
দিনে দিনে বাঢ়ে তেঁওৰ আমাত ভকতি ॥

মোৰ শুদ্ধ ভকতিত শ্রুত কেতু ৰায় ।
ভুঞ্জিল পৰম সুখ মোহোৰ কৃপায় ॥
উপযুক্ত পুত্র দেখি পাছে নৃপবৰ ।
ৰাজ্য সমৰ্পণ হেতু চিন্তে নিৰন্তৰ ॥
এক দিনা নৰপতি ৰাজ সমাজত ।
পাত্র মন্ত্রী বন্ধুবর্গ আনি লোক যত ॥
সবাকো সম্বুধি বোলে শুনা সৰ্ব্বজন ।
পুত্ৰক ৰাজত্ব দিবে কৰিয়াছো মন ॥
সৰ্ব্বজনে অনুমতি দিয়া ৰঙ্গ মনে ।
বৃদ্ধকালে মোক নোশোভয় ৰাজ্যধনে ॥
ৰাজাৰ বচন শুনি যত প্ৰজাগণ ।
যেন বজ্রাঘাতে সব হয় অচেতন ॥
এহি মতে নানা শোক কৰি সৰ্ব্বজনে ।
কান্দিবে লাগিল ধৰি ৰাজাৰ চৰণে ॥
তুমি অবিহনে জীৱন্ততে মৰা প্ৰায় ।
কিমতে বঞ্চিবো স্বামী নেদেখো উপায় ॥
পিতৃসম স্নেহে আমাসাক চিৰকাল ।
পৰম যতনে পালিয়াছা মহিপাল ॥
তুমি যদি যোৰা আমাসাত স্নেহ এড়ি ।
কি প্ৰকাৰে থাকো প্ৰভু আমি প্ৰাণ ধৰি ॥

এহি মতে প্ৰজাগণে ৰাজাৰ শোকত।
মহা দুখে কান্দি কান্দি ধৰে চৰণত॥
সবাকো মধুৰ বাক্যে বোলে নৰপতি।
নাকান্দিবা প্ৰজাগণ শুনা ধৰ্ম্মনীতি॥
পিতৃ মাতৃ বন্ধুবৰ্গ পৰিজন যত।
সকলো নশ্বৰ বুলি জানা সংসাৰত॥
ক্ষণকাল মাত্ৰ হয় সবাৰো মিলন।
সৰ্ব্বদা বিচ্ছেদ ঘটে থাকে কোন জন॥
কোন কাৰ ভাই বন্ধু কোন কাৰ পিতা।
অনৰ্থৰ হেতু মাত্ৰ মিলায় বিধাতা॥
ভাবি দেখা মোৰ ৰাজ্যে কত নৰপতি।
এড়িগল এই ৰাজ্য অতুল সম্পতি॥
পথিকৰ বাস তুল্য এই বাড়ী ঘৰ।
কত আসে কত যায় যেন বাজিকৰ॥
নকৰিবা শোক মোৰ অৰ্থে প্ৰজাগণ।
অসাৰ জানিয়া হৰিপদে দিয়া মন॥
তেহে সুখে তৰিবাহা সংসাৰৰ মায়া।
সকলো নশ্বৰ যেন পৰে জল ছাঁয়া॥
এই পুত্ৰ এই ভাৰ্য্যা এই ধন জন।
সবাৰো সম্বন্ধ মাত্ৰ মায়াৰ কাৰণ॥

পৰকাল বন্ধু এক মাত্ৰ নাৰায়ণ ।
তান সেৱা কৰি কৰা সাৰ্থক জীবন ॥
হৰি-পদ-নৌকা ধৰি যত নাৰী নৰ ।
মায়া মোহ নদী পাৰ হোৱা সংসাৰৰ ॥
এহি মতে মহীপতি মধুৰ বচনে ।
সবাকো সান্ত্বনা দিয়ে তুষি জনে জনে ॥
সুধাসম নৃপতিৰ সুমিষ্ট বচন ।
শুনি কিছু কিছু স্বস্থ ভৈল প্ৰজাগণ ॥
শুনা সৰ্ব্বজন ইটো পদ পুৰাণৰ ।
পদবন্ধে নিবন্ধিলোঁ মই মূঢ়নৰ ॥
বিদ্যা বুদ্ধি হীন মোৰ নাই শাস্ত্ৰ জ্ঞান ।
তবু সাহকৰো মই জ্ঞানীৰ সমান ॥
ক্ষমাকৰা সাধুজন ধৰো চৰণত ।
অজ্ঞানীৰ অপৰাধ নলৈবা মনত ॥
শুদ্ধ বা অশুদ্ধ ইটো হৰিৰ চৰিত্ৰ ।
যাৰ নামে কৰে তিনি লোকক পবিত্ৰ ॥
হৰি কথা বুলি আক সুখে কৰা পান ।
লভিবা পৰম সুখে বৈকুণ্ঠত স্থান ॥
ইহ পৰকাল বন্ধু মাধৱৰ নাম ।
নিৰন্তৰ সৰ্ব্বজনে বোলা ৰাম ৰাম ॥

বৰাহ বদতি শুনা দেবী বসুমতি।
তাৰ পৰে কি কৰিল সাধু নৰপতি ॥
সেহিবেলা নৰনাথে তনয়ক আনি।
পৰম সাদৰে ৰঙ্গে বুলিলন্ত বাণী ॥
শুনা প্ৰজাপাল মোৰ প্ৰাণৰ কুমাৰ।
আজি ধৰি ৰাজ্য ধন সকলি তোমাৰ ॥
বৃদ্ধকাল ভৈল মোৰ ভোগে বাঞ্চা নাই।
জীৱৰ কল্যাণ হেতু কৰিবো উপায় ॥
চিৰকাল যেহিজনে ভোগ বাঞ্ছা কৰে।
মায়া মোহে মুগ্ধ হুয়া হৰি নুস্মৰে ॥
বিফল জনম তাৰ পৃথিবী ভিতৰ।
পৰলোকে নৰ্কে বাস কৰে নিৰন্তৰ ॥
হেন জানি সাধুজনে ছিঙ্গি মোহ-জৰী।
শেষকালে থাকে মাত্ৰ হৰি পদে ধৰি ॥
ইহ পৰলোক বন্ধু হৰি দয়াময়।
যাৰ সেৱাবলে পাপী সংসাৰ তৰয় ॥
দুখী সুখী দৰিদ্ৰকো যিটো ভগৱন্ত।
সৰ্ব্বক্ষণে পালি আছে পৰম স্নেহত ॥
আপদ সম্পদে হৰি কৰিয়া কল্যাণ।
সৰ্ব্বভূতে সমভাৱে আছে ভগবান ॥

জলে হৰি থলে হৰি বাহিৰে ভিতৰে ।
অনুক্ষণ আছে ব্যাপি ইটো চৰাচৰে ॥
দেখা বাপু জননীৰ গৰ্ব্ভে জীবগণ ।
কি প্ৰকাৰে স্থকৌশলে ৰাখে নিৰঞ্জন ॥
জন্ম হলে কোন বস্তু প্ৰয়োজন তাৰ ।
তাকো ৰাখিয়াছে হৰি জগত আধাৰ ॥
জ্ঞানহীন পশু পক্ষী আদি প্ৰাণীচয় ।
সি সবৰো দেখা কেনে জ্ঞান শক্তি হয় ॥
কি প্ৰকাৰে পালে সবে সন্তান সকল ।
অতি অপৰূপ কথা নাই জ্ঞান বল ॥
সকলোৰ মূল বাপু জানিবা ঈশ্বৰ ।
যাৰ কৃপা গুণে বঞ্চে প্ৰাণী নিৰন্তৰ ॥
হেন দয়াশীল মোৰ দেব চক্ৰপাণী ।
কোন ৰূপে পাওঁ তান চৰণ দুখানি ॥
দিবস সৰ্ব্বৰী মোৰ চিন্তা অনুক্ষণ ।
দিন গৈল কাল বাঘে ডাকে ঘনে ঘন ॥
বিলম্ব নকৰো আৰু দিন হল শেষ ।
শুনা বাপু যিটো মোৰ হিত উপদেশ ॥
ৰাজনীতি মতে বোলোঁ বেদৰ উত্তৰ ।
মনত ৰাখিবা ইটো ধৰ্ম্ম সাৰোত্তৰ ॥

বয়স শৈশব তোৰ ৰীপু বল ধৰ ।
প্ৰথমে দমিবা বাপু শত্ৰু শৰীৰৰ ॥
যিজন যৌবন মদে হয় উনমত্ত ।
ইচ্ছামতে পূৰ্ণ কৰে মন্দ কৰ্ম্ম যত ॥
সি সব অচিৰে বাপু হয় হীন বল ।
যৌবনে ইন্দ্ৰিয় জয় পৰম মঙ্গল ॥
তোমাৰ শাসনে আছে যত প্ৰজাগণ ।
সবাৰো আশ্ৰয় তুমি অন্ধৰ নয়ণ ॥
নিৰ্ধনীৰ ধন তুমি দুৰ্ব্বলীৰ বল ।
পিতৃ যেন পুত্ৰপালে অন্তৰ সৰল ॥
সেহি মতে কৰিবাহা প্ৰজাৰ পালন ।
অল্পদোষে নধৰিবা বিস্তৰ দোষণ ॥
দুষ্টক কৰিবা দণ্ড সন্তক পালিবা ।
বিচাৰিয়া গুণ দোষ আদেশ কৰিবা ॥
উচ্চ নীচ বিচাৰত দেখিবা সমান ।
আপোনাতো নকৰিবা আপোনাৰ জ্ঞান ॥
নিজপুত্ৰে যদি মন্দ কৰ্ম্ম আচৰয় ।
তাকো দণ্ডদিব ৰাজা শাস্ত্ৰৰ নিৰ্ণয় ॥
পুৰণি বিশ্বাসী বিজ্ঞ ভৃত্য যিটো জন ।
তাৰ পৰামৰ্শ ৰাজা কৰিব গ্ৰহণ ॥

নকৰিবা পুৰাতন ভৃত্য পৰিহাৰ।
অবিচাৰি কাকো নিদিবাহা কাৰ্য্যে ভাৰ॥
সৎকৰ্ম্ম কৰিবা শীঘ্ৰে আলস্যক এড়ি।
মন্দকৰ্ম্মে মতি হলে চাবা ধৈৰ্য্য ধৰি॥
মন ইন্দ্ৰিয়ক বলে কৰিবা দমন।
নশ্বৰ সংসাৰ সুখ কৰিয়া স্মৰণ॥
ৰাজা পাপাচাৰী যদি ৰাজ্য মধ্যে হয়।
সেহি পাপে প্ৰজাগণে ব্যাকুলিত ৰয়॥
ৰোগ শোক দুঃখ চিন্তা নুগুছে সদাই।
অকালে কালৰ হাতে কতো মৰি যাই॥
স্থানে স্থানে দুৰ্ভিক্ষতো মৰে প্ৰজাগণ।
নৃপতি কৰিলে পাপ ৰাজ্যৰ পতন॥
ৰাজা যদি জ্ঞানৱন্ত ধৰ্ম্মশীল হয়।
সেহি পূণ্যে প্ৰজাগণো কৌতুকে বঞ্চয়॥
প্ৰজাৰো ধৰ্ম্মত মতি হয় অবিৰত।
ধন ধান্যে পূৰ্ণ থাকে সমস্ত ৰাজ্যত॥
অকালে মৰণ আৰু ৰোগ শোক ভয়।
ধৰ্ম্মৰ প্ৰভাৱে ৰাজ্যে ক্ৰমে ক্ষয় হয়॥
এই অৰ্থে শুনা বাপু কাহিনী পূৰ্ব্বৰ।
কৌশল্য নগৰে চিত্ৰাঙ্গদ নৃপবৰ॥

পৰম ধাৰ্ম্মিক ৰাজা সদা ধৰ্ম্মে মতি ।
সুশাসনে প্ৰজাপালে যেন ৰঘুপতি ॥
অনন্ত নামত ব্ৰত বিখ্যাত ধৰণী ।
প্ৰতি পৰ্ব্বে এক মনে কৰে নৃপমণি ॥
প্ৰজা সকলকো ৰাজা দেখাই দণ্ড ভয় ।
ব্ৰত কৰিবাক প্ৰতিজনে আদেশয় ॥
নৃপতিৰ ভয়ে ৰাজ্যে যত প্ৰজাগণ ।
প্ৰাণপণে কৰে সবে ব্ৰত সমাপন ॥
ব্ৰত পুণ্যফলে তৈৰ যত নাৰী নৰ ।
দেহ এড়ি যায় সবে বৈকুণ্ঠ নগৰ ॥
চুৰি হিংসা নাই ৰাজ্যে অকাল মৰণ ।
স্বৰ্গতো অধিক সুখে বঞ্চে প্ৰজাগণ ॥
এই দেখা বাপু ধৰ্ম্ম কৰ্ম্মৰ প্ৰমাণ ।
নৃপভয়ে সৰ্ব্বজন লভিল কল্যাণ ॥
লোভ সম ৰিপু নাই সত্য সম ধৰ্ম্ম ।
ক্ৰোদ্ধ তুল্য সৰ্ব্বনাশী নাই মন্দ কৰ্ম্ম ॥
ব্যাধি শত্ৰু ঋণ যদি থাকে অবশেষ ।
ভবিষ্যতে হয় তাত যাতনা অশেষ ॥
ৰাজ ধৰ্ম্ম মতে তাক শেষ না ৰাখিবা ।
সত্য পথে থাকি ধৰ্ম্ম পালন কৰিবা ॥

শত্রু যদি তোমাপেক্ষা হীনবল হয় ।
কৰিবা সংহাৰ তাত নাই পাপ ভয় ॥
তেজৱন্ত সহ যদি বাঢ়ে তব ৰণ ।
সময়ন্তি কৰি তুষিবাহা অৰিগণ ॥
কাতৰ শৰণাগত হয় যেহি জন ।
তাহাঙ্ক কৰিবা ৰক্ষা নকৰি নিধন ॥
মিত্রৰ সম্মান আৰু শত্রুৰ দমন ।
সাধুক তুষিবা বুলি মধুৰ বচন ॥
পাপ হৈতে দূৰে বাপু থাকিবা সদায় ।
পুণ্য কৰ্ম্মে দিবা মতি শক্তি অনুযায় ॥
পুত্রৱত মানি মনে যত প্রজাগণ ।
দুখ সুখ সিসবৰ কৰিবা দৰ্শন ॥
দেৱ পিতৃ অতিথিত মন শুদ্ধ কৰি ।
যতনে তুষিবা বাপু দিবস সৰ্ব্বৰী ॥
ভৃত্য সকলকো নেদেখাইবা অহঙ্কাৰ ।
সবাৰ সন্তোষে হয় মঙ্গল অপাৰ ॥
সত্যধৰ্ম্ম সৰ্ব্বক্ষণে কৰিবা পালন ।
অসত্যে কাচিতো বাপু নেমেলিবা মন ॥
ক্রোধ অহঙ্কাৰ আদি দুষ্ট ৰিপুচয় ।
ধৰ্ম্মবলে সবাকো কৰিবা পৰাজয় ॥

সৰ্ব্বক্ষণে ৰাখিবাহা শ্ৰীহৰিত মতি।
সতত মঙ্গল তব কৰিব শ্ৰীপতি॥
সযতনে নিজদেহ কৰিবা ৰক্ষণ।
কৰিব নোৱাৰে যেন শত্ৰু আক্ৰমণ॥
বিশ্বাসী ভৃত্যক সঙ্গে ৰাখিয়া তোমাৰ।
নিৰাপদে পালা তুমি ইটো ৰাজ্য ভাৰ॥
শুনা সৰ্ব্বজন ইটো কথা পুৰাণৰ।
নিবন্ধিলো পদবন্ধে মই মূঢ় নৰ॥
হৰি কথা বুলি আক সুখে পান কৰা।
অপাৰ সংসাৰ সিন্ধু অবহেলে তৰা॥
কালে আছে কেশে ধৰি প্ৰাণৰ সংশয়।
কোন দিনা যাই জীৱ নাহিকে নিৰ্ণয়॥
হেন জানি হৰি কথা শ্ৰবণ কীৰ্ত্তন।
কৰিয়া সাৰ্থক কৰা মনুষ্য জীৱন॥
সব সাধুনৰ এই মূল তত্ত্ব ধৰি।
হৰিৰূপ হৃদে ধৰি বোলা হৰি হৰি॥

---

নমো নমো হৰি মায়াদূৰ কৰি,
কৰা মোক পৰিত্ৰাণ।

অধম কিঙ্কৰ, তযু চৰণৰ,
তুমি বিনে নাহি আন ॥
শ্রুত কেতু ৰায়, পুত্ৰক শুনাই,
সাদৰে বুলিল বাণী ।
গৃহ ধৰ্ম্ম যত কৰিবো বেকত,
শুনা বাপু মনে মানি ॥
পূৰ্ব্বে ত্ৰিনয়ন, অতি বিতোপন,
গৃহধৰ্ম্ম কথাচয় ।
পাৰ্ব্বতীৰ আগে, কৰিল প্ৰচাৰ,
শুনা বাপু শুভানয় ॥
জগত কাৰণ, দেব নাৰায়ণ,
তান পদে দিয়া মন ।
কাজ কৰ্ম্ম যত কৰিব সতত,
কৰি তাঙ্ক সমৰ্পণ ॥
মিথ্যা প্ৰবঞ্চনা আৰু চুৰি হিংসা
অতি মহা পাপ যত ।
এৰি সৰ্ব্বক্ষণ কৰি শুদ্ধ মন
হব হৰি সেৱা ৰত ॥
নিজ পিতা মাতা, সাখ্যাত দেবতা,
মানি মনে নিৰন্তৰ ।

তাসম্বাক ভক্তি, কৰিয়া তৃপিতি,
কৰিবেক সবনৰ ॥
স্নেহৰ আধাৰ, কোন তাসম্বাৰ
সম আছে ধৰণীত ।
যাৰ সেৱা বলে, মানব সকল,
ধন্য হয় পৃথিবীত ॥
দেব দামোদৰ, হয় প্ৰীতিবৰ,
দেখি সিসবৰ ভক্তি ।
জানি জ্ঞানী জনে, সেবি সৰ্ব্বক্ষণে
সাধে জীবনৰ গতি ॥
সাখ্যাত ঈশ্বৰ, মানিয়া পিতৃক,
সেবিব তান চৰণ ।
মাতৃকো ঈশ্বৰী যেন মনে কৰি
তুষিবেক নৰগণ ॥
ঈশ্বৰী ঈশ্বৰ তোষে যদি নৰ
তাৰ আৰু কিবা ভয় ।
নাশি পাপচয় মিলে ভাগ্যোদয়,
জীবৰ সম্পতি হয় ॥
বসন ভূষণ যি যি দ্ৰব্যে মন,
কৰে পিতামাতাগণ ।

অতি ভক্তি ভাৱে সদাই যোগাব
হুয়া বৰ ৰঙ্গমন ॥
কোমল কথায় তুষিব সদায়,
ইচ্ছামতে তাসম্বাৰ ।
কৰি কাজ কৰ্ম্ম, ৰাখা নিজ ধৰ্ম্ম,
পুৰুষ হৈব উদ্ধাৰ ॥
দম্ভ অহঙ্কাৰ, আদি অত্যাচাৰ,
পিতা মাতা আগে নৰ ।
নকৰি সতত হুয়া অনুগত,
থাকিবেক নিৰন্তৰ ॥
কোন কৰ্ম্ম কৰি, দিবস সৰ্ব্বৰী,
পিতা মাতা থাকে ৰঙ্গে ।
থাকি সেহিমতে প্ৰাণ মন চিত্তে
তুষিব আনন্দ মনে ॥
বিদ্যা বুদ্ধি ধন, হলে লোকগণ
প্ৰায় হয় পাপৱন্ত ।
মনৰ কুবৃত্তি, নকৰে নিবৃত্তি,
পিতা মাতা নমানন্ত ॥
ধৰ্ম্ম কৰ্ম্ম তাৰ, হয় মহাভাৰ,
জীৱনো জানা অসাৰ ।

যেন আত্মঘাতী অতিশয় পাপী
নৰকৰ নেপায় পাৰ ॥
ভ্ৰাতৃ মাতৃ পিতৃ, স্ত্ৰী পুত্ৰ অতিথি,
ইসকল ত্যজিনৰ।
সুভুঞ্জিৱ অৰ্থ প্ৰাণান্তেও নৰ,
দোষ অতি গুৰুতৰ ॥
গুৰু বন্ধুগণ, অতিথি সজ্জন,
এড়ি যিটো নিজে খায়।
সিটো মন্দমতি, না পায় নিষ্কৃতি
অবশ্যে নৰকে যায় ॥
স্নেহময়ী মাতা, কত কষ্ট সহি
দশ মাস গৰ্ভে ধৰি।
জন্মায় সন্তান, দুখে যায় প্ৰাণ
অতি মৰো জীউ কৰি ॥
ভূমিষ্ঠ সন্তান দিয়ে স্তন দান
পৰম স্নেহত আই।
বিষ্ঠা মূত্ৰে পচি, থাকে চিৰকাল
যেন কষ্ট সীমা নাই ॥
ৰোগ সন্তানৰ, হলে সিসবৰ
মনে নাই শান্তি সুখ।

আহাৰ শয়ন, এড়ি দুই জন
সন্তানৰ দেখে মুখ ॥
স্নেহৰ আধাৰ, কোন তাসম্বাৰ
সম আছে সংসাৰত ।
হেন পিতৃ মাতৃ, যি কৰে অভক্তি
সেহি লোক পশুমত ॥
ধৰ্ম্ম কৰ্ম্ম তাৰ, সকলো অসাৰ
জীবনৰো নাই গতি ।
ইহ পৰকাল, নাহি তাৰ ভাল
নৰকে পৰে দুৰ্ম্মতি ॥
জীবনৰ তৰী, চিৰ সহচৰী,
সতী ধৰ্ম্ম পত্নীগণ ।
মান্য কৰি মনে, ৰাখিব যতনে,
নুবুলিব কুবচন ॥
পৰম সাদৰে, ভাৰ্য্যা যদি নৰে
দিয়া বস্ত্ৰ অলঙ্কাৰ ।
ৰাখে যত্ন কৰি, দিবস সৰ্ব্বৰী
সৰ্ব্ব কৰ্ম্ম সিদ্ধিতাৰ ॥
সাধ্বী ৰমণীক, প্ৰাণান্তেও নৰ,
নকৰিব পৰিহাৰ ।

মহা পাপী দেৰী, নাই তাত পৰে
ভুঞ্জিব সিটো নিকাৰ ॥
নিজ কুলস্ত্ৰীত ৰাখিবেক চিত
নহয় যেন প্ৰমত্ত ।
পৰৰ ৰমণী সি ৰূপ জননী
মানিব মনে সতত ॥
বেশ্যা নাৰীগণে, জ্ঞানী মহাজনে
নকৰিব চলাচল ।
যদি নৰচয় তাত ৰত হয়,
সমুলঞ্চে যাইতল ॥
মাতা পুত্ৰ সঙ্গে, না থাকিলে লোকে
ৰমণীক স্থানান্তৰে ।
নপঠাব কেহ, আছয় সন্দেহ
বেদেও নিষেধ কৰে ॥
চাৰি বৰ্ষ পিতা, পালিব সন্তান
তাৰ পৰে বিদ্যাধন ।
শিক্ষা দিব যত্নে যেন অসৎ কৰ্ম্মে,
বিচলিত নোহে মন ॥
বিংশতি বছৰ, হলে তনয়ৰ
গৃহ ধৰ্ম্মে দিব ভাৰ ।

সেহি দিনা হৈতে, পুত্ৰৰ সহিতে
কৰিব সম আচাৰ ॥
কন্যা সন্তানকো পৰম শ্ৰদ্ধাৰে,
গৃহী দিব শিক্ষাদান।
যাৰ শিক্ষা বলে, অতি কৌতুহলে,
শিক্ষিত হয় সন্তান ॥
বিদ্যাত পাৰ্গত, উত্তম বংশত
জাত খুজি আনি বৰ।
কন্যা সমৰ্পণ কৰে ৰঙ্গ মনে,
যত বুদ্ধি মন্ত নৰ ॥
ইষ্ট মিত্ৰ ভ্ৰাতৃ, ভগ্নী বন্ধু জ্ঞাতি,
ভৃত্য আদি পৰিজন।
স্বদেশ নিবাসী, স্বধৰ্ম্মি অতিথি,
পালিবেক সৰ্ব্বজন ॥
থাকি ধান ধন, এহি লোকগণ
নাপালয় গৃহী চয়।
তেবে দেবী তাৰ, জীবন অসাৰ,
পশু মধ্যে গণ্য হয় ॥
বেশ ভূষা ৰত, কিবা নিদ্ৰাশক্ত,
বিশ্ৰাম অতি ভক্ষণ।

ৰাখি পৰিমিত,          হব আনন্দিত
বুদ্ধিমন্ত গৃহী জন ॥
আহাৰ শয়ন,          মৈথুন বচন,
পৰিমিত ৰাখি নৰ ।
সৰল বিনয়,          শুদ্ধাচাৰী হয়,
ধৰ্ম্ম অতি সাৰোত্তৰ ॥
স্বকৰ্ম্মে উন্নতি,     কৰি দিনে ৰাতি,
আলস্য কৰিয়া ত্যাগ ।
জানা প্ৰাণেশ্বৰী, কৈলো নিস্ত কৰি,
মিলে তাৰ মহাভাগ ॥
শত্ৰুত দানব          সমান প্ৰভাব,
মিত্ৰত অতি বিনয় ।
গুৰু সজ্জনত,         ভক্তি শক্তি মত
ৰাখিব গৃহস্থচয় ॥
নীচৰ সম্মান,         মানীৰ অপমান,
নকৰিব কদাচিত ।
যেন যোগ্য যাৰ       কৰি সতকাৰ,
সাধিব সবাৰো প্ৰীত ॥
নৰৰ প্ৰকৃতি,         বুজি ৰীতি নীতি,
কথাৰে পৰীক্ষা কৰি ।

তবে জ্ঞানী জনে, বিশ্বাসিব মনে,
শাস্ত্র তত্ত্ব মনে স্মৰি ॥
শত্রু হীন বল, তাকো জ্ঞানীগণ,
থাকিব কৰি সংশয় ।
নিজ তেজবল, দেখাব পৰক,
যাতে কুল ধৰ্ম্ম ৰয় ॥
আপোনাৰ যশ, ঐশ্বৰ্য্য সম্পদ,
গুপুত কথা পৰৰ ।
লোক উপকাৰ, আদিকো প্ৰচাৰ
নকৰিব জ্ঞানীনৰ ॥
নিজে মহাজ্ঞানী, মনে দৃঢ় জানি
উচ্চ কিবা নীচ সঙ্গে ।
নকৰিব বাদ, মান যায় তাত,
এতে জানি বিজ্ঞ জনে ॥
যশ বিদ্যাধন, ধৰ্ম্মত যতন,
কৰিবেক সৰ্ব্বক্ষণ ।
অসন্তৰ সঙ্গ, পাপ মিথ্যা খঙ্গ,
এড়িবেক সাধুজন ॥
শক্তি মতে যত্ন, যথাকালে কৰ্ম্ম,
সময় অবস্থা চায় ।

কৰিব সজ্জন, হুয়া ৰঙ্গ মন,
আত নিত্য সুখ পায় ॥
হুয়া ক্ষমাৱন্ত, যত সাধু সন্ত,
মিষ্ট বাক্যে গুৰুজন।
তুষিব সদায়, বন্ধু অভিপ্ৰায়,
হিত সাধি অনুক্ষণ ॥
সকলো জীবৰ, প্ৰতি সাধুনৰ,
কৰিব জ্ঞান সমান।
ব্ৰহ্ম অংশী জীব, কোনো ভিন্ন নাই,
সবেও তান সন্তান ॥
বৃক্ষ আদি ৰোৱা, পথ সেতু বন্ধা,
গৃহ দেব পথিকৰ।
কৰিলে মানব, জন্মৰ সাৰ্থক,
গতি লভে জীবনৰ ॥
পিতা মাতা প্ৰীত বন্ধু বশীভুত,
লোকে যাৰ যশ গায়।
সিটো মহাজন ধন্য ত্ৰিভুবন
অন্তে মোক্ষ গতি পায় ॥
সত্য ধৰ্ম্মসাৰ ৰীপু বশে যাৰ,
দীনৰ যিটো আশ্ৰয়।

পৰ স্ত্ৰীধনে স্পৃহা নাই মনে
তাকে সাধু বুলি কয় ॥
দম্ভ অহঙ্কাৰ, কৰি পৰিহাৰ,
ৰাখিব সৰল মন ॥
জন সমাজত, নিজ পৰভেদ,
নকৰিব কোন জন ॥
নিদ্ৰা মৈথুনৰ, শেষে নিৰন্তৰ,
আৰু ত্যজি মূত্ৰ মল ।
জল মৃত্তিকাৰে বাহ্য শুদ্ধি কৰি,
অৰ্চ্চিব হৰি চৰণ ॥
এই গৃহধৰ্ম্ম, অতি শ্ৰেষ্ঠ কৰ্ম্ম,
যিটোজনে মানে সাৰ ।
জানা বাপুতাৰ কৰিল নিস্তাৰ,
বংশ সমে আপোনাৰ ॥
শুনা সাধুজন, কৰি এক মন,
হৰিৰ পবিত্ৰ কথা ।
মনুষ্য জন্মৰ এই সাৰোত্তৰ,
অন্য যত সবে বৃথা ॥
এই চিন্তা মনে, কৰি সৰ্ব্বক্ষণে,
হৰিক হৃদয়ে ধৰি ।

আপোনাকো তাৰা  পুৰুষ উদ্ধাৰা,
মুখে বুলি হৰি হৰি ॥

---

পদ ।

অনন্তৰে শুনা দেবী পাছ কথা যত ।
এহিমতে নৃপতি শিখাই নীতি তত্ত্ব ॥
তাত পাছে শুভক্ষণে দিন স্থিৰ কৰি ।
পাত্ৰ মিত্ৰ বন্ধুগণ আনিলা সাদৰি ॥
মহা সমাৰোহে ৰাজা বেদ বিধিমতে ।
দিলন্ত পুত্ৰক ৰাজ্য আনন্দিত চিত্তে ॥
ৰাণী সহ নৰপতি আত অনন্তৰে ।
হৰি সাধনাৰ্থে গৈল অৰণ্য ভিতৰে ॥
তদন্তৰে পাছ কথা শুনা বসুমতি ।
কি কৰিলে পিতৃ ৰাজ্য লভি নৰপতি ॥
ৰাজ্য নীতি ধৰ্ম্ম নীতি বেদ শাস্ত্ৰ মত ।
শুনি নৃপতিৰ বৰ আনন্দ মনত ॥
গুছিল সমস্ত শৰীৰৰ পাপ মল ।
চন্দ্ৰ আগমনে যেন ৰজনী নিৰ্ম্মল ॥
ৰাজদূত দেখি যেন চোৰ দস্যুগণ ।
প্ৰাণৰ কাতৰে লৰ মাৰে তেতিক্ষণ ॥

কেশৰী দৰ্শনে যেন মতে পশুচয় ।
প্ৰাণ লৈয়া পলাৰন্ত জানিয়া সংশয় ॥
সেহি মত নৃপতিৰ শুনি তত্ত্ব জ্ঞান ।
পাপ শৃগালৰ ভয়ে উড়িল পৰাণ ॥
পিতৃ আজ্ঞা শিৰে ধৰি নৃপতি নন্দন ।
স্বধৰ্ম্মতে কৰে সুখে প্ৰজাৰ পালন ॥
বিষয় সম্ভোগে তান মনে তৃপ্তি নাই ।
ব্ৰহ্মময় দেখে সিটো প্ৰাণী সমুদায় ॥
ৰাজধৰ্ম্মে থাকি মাত্ৰ নৃপে ৰাজ্য কৰে ।
যি ৰূপ জনক ৰাজা মিথিলা নগৰে ॥
প্ৰহ্লাদ মহন্ত যেন দৈত্য কুল পতি ।
ৰাজ কাৰ্য্যে থাকি সদা হৰিতেসে ৰতি ॥
সেহি মতে নৃপতিও কৰি এক চিত ।
বিভুৰ চৰণে অৰ্পিলন্ত প্ৰাণ বিত্ত ॥
প্ৰজাসব দেখি যেন সন্তানৰ নয় ।
পিতৃৰ আড়ত থাকি সন্তোষ লভয় ॥
ৰাজ আজ্ঞা মতে নগৰৰ প্ৰজাগণ ।
ধৰ্ম্মত একান্ত মতি ৰাখে প্ৰাণপণ ॥
পাপ বৃত্তি চুৰী হিংসা নাহি তাসম্বাৰ ।
সৰ্ব্বক্ষণে দেখি যেন সাধুৰ আচাৰ ॥

পৰ দুখে দুখী প্ৰজা সাধে পৰ হিত ।
পৰস্পৰ দেখি যেন পৰম সুহৃদ ॥
দৰিদ্ৰ অভাগী যদি থাকে কোন জন ।
ভ্ৰাতৃ বন্ধুমত স্নেহে তাকো প্ৰজাগণ ॥
নৃপতিৰ তেজে তাসম্বাৰ মন প্ৰাণ ।
গুছিল মনৰ মল জন্মি দিব্য জ্ঞান ॥
এহি মতে নৰপতি ধৰ্ম্ম লীলা কৰি ।
পৰম সন্তোষে আছে হৰি ব্ৰত ধৰি ॥
পাছ কথা কওঁ শুনা অনন্তৰে তাৰ ।
কি কৰিল প্ৰজাপাল নৃপতি কুমাৰ ॥
এক দিনা মনে মনে ভাবে নৃপবৰ ।
মৃগয়া উদ্দেশ্যে যাওঁ অৰণ্য ভিতৰ ॥
বিশেষত ক্ষি য়ৰ ইটো মহা ধৰ্ম্ম ।
সাধু মুনি সকলৰো লভিবোহো সঙ্গ ॥
অপৰূপ প্ৰকৃতিৰ শোভা মনোহৰ ।
নানা ৰূপ দেখিবোহো অৰণ্য ভিতৰ ॥
এহি বুলি নৰপতি সাজি সৈন্য গণ ।
পাত্ৰ মন্ত্ৰী সকলকো বুলিল বচন ॥
মৃগয়া উদ্দেশ্যে মই যাওঁ বন মাজ ।
তোৰা সবে পালিয়া থাকিবা ৰাজ কাজ ॥

হেন মতে আদেশ কৰিয়া নৃপবৰ ।
হৰিক স্মৰিয়া বাজ ভৈলা নগৰৰ ॥
সেনাগণ সমে এহিমতে নৰৰায় ।
পৰম আনন্দ মনে পথে চলি যায় ॥
এড়াই জনপদ নদনদী বহুতৰ ।
পশিলন্ত ক্রমে গৈয়া অৰণ্য ভিতৰ ॥
নৃপতিক দেখি যেন প্রকৃতি সুন্দৰী ।
সমাদৰে মাতি মাতি নিয়ে আগকৰি ॥
মন্দ মন্দ সমীৰণ বয় অনুক্ষণ ।
তাহাৰ পৰশে যেন বৃক্ষলতাগণ ॥
নানা ভাব ভঙ্গি কৰি নৃপতিক চাই ।
যি ৰূপ আনন্দধনী প্রিয়তম পাই ॥
অপৰূপ অৰণ্যৰ শোভা বিতোপণ ।
দেখি ২ নৃপতিৰ মুগ্ধ হয় মন ॥
কোনো স্থানে নানাৰূপ বিহঙ্গম চয় ।
সুললীত গান কৰি আনন্দে থাকয় ॥
কোন স্থানে দেখে নানা মত জন্তুগণ ।
মন সুখে চড়ি চড়ি ভ্রমে অনুক্ষণ ॥
শ্রবণত কোকিলৰ নাদ সুললিত ।
শুনি মনপ্রাণ অতি হয় পুলকিত ॥

হেন অপৰূপ দৃশ্য দেখি নৃপবৰ।
পশিলন্ত গৈয়া এক আশ্ৰম ভিতৰ ॥
দেবৰ দুৰ্ল্লভ সিটো স্থান চমৎকাৰ।
দেখি নৃপতিৰ আনন্দৰ নাহি পাৰ ॥
দেখোঁতে নয়ন তৃপ্তি হৃদয় জুড়াই।
ৰোগ শোক দুখ তৃষ্ণা নাহিকে সিঠাই ॥
পথৰ উভয় পাৰ্শ্বে নানা বৃক্ষ চয়।
নৱ নৱ ফল পত্ৰে সুশোভিত হয় ॥
নানা জাতি কুসুমৰ গন্ধ মনোহৰ।
তাহাৰ পৰশে মুগ্ধ হয় দেৱ নৰ ॥
মলয়া পৱন তাত বহয় সদাই।
চিৰকাল থাকে তাৰ বসন্ত নাযায় ॥
স্বৰ্গ অপেশ্বৰা গণ আসি নিৰন্তৰ।
দেখয় অপূৰ্ব্ব শোভা ঋষি আশ্ৰমৰ ॥
ৰমণীৰ সমাগমে সিটো ৰম্যবন।
নীলমেঘে সৌদামিনী যেন কৰে ৰঙ্গ ॥
নানা জাতি পক্ষী তাত আছে পড়ি পড়ি।
পকাফল খাই মন সুখে গান কৰি ॥
পুষ্পগন্ধে গুণ গুণ কৰি মধুকৰ।
মত্ত হুয়া মহানন্দে ভ্ৰমে নিৰন্তৰ ॥

দ্বিজগণো স্থানে স্থানে বেদধ্বনি কৰি ।
হোম যজ্ঞ কৰি পূজে সনাতন হৰি ॥
অনুমাত্র পাপ মতি নাই কাৰো মনে ।
হৰি আৰাধনা কৰি থাকে সবে ৰঙ্গে ॥
হেন অপৰূপ স্থান পাই নৰপতি ।
ধীৰে ধীৰে যায় হৰিপদে ৰাখি মতি ॥
মৃগয়াৰ চিন্তা তান সব ভৈল দূৰ ।
বিভুৰ চৰণে ভক্তি বাঢ়িল প্রচুৰ ॥
হৰিৰ অদ্ভুত লীলা দেখি নৰৰায় ।
সিবেলা তাহান দেহে যেন প্রাণ নাই ॥
হৰিতে অর্পিয়া সেহিবেলা প্রাণ মন ।
ধ্যান ধৰি আছিলন্ত ৰাজা কতোক্ষণ ॥
অনন্তৰে নৃপমণি চক্ষু মেলি চায় ॥
আগ বাঢ়ি আৰু কতো দূৰে চলি যায় ॥
এহিমতে গৈয়া পাছে ৰাজাৰ নন্দন ।
মহাতপা মুনিসহ হয় দৰশন ॥
বেদ শাস্ত্রে অতি বিশাৰদ মুনিবৰ ।
শৰীৰৰ জ্যোতি যেন মধ্যাহ্ন সূর্য্যৰ ॥
যোগাসনে বসি সনাতন ব্রহ্ম নাম ।
এক চিতে আছে জপি নাহিকে বিৰাম ॥

হেন দেখি ভক্তি ভাৱে গৈয়া নৰপতি।
ঋষিৰ চৰণ পদ্মে কৰিল প্ৰণতি॥
নৃপতিক চাই সেহি বেলা তপোধন।
মহা স্নেহে আশীৰ্ব্বাদ দিল ৰঙ্গ মন॥
সাধুৰ লক্ষণ জানি পাছে ঋষি ৰায়।
বসিবাক লাগি দিলা আসন বঢ়ায়॥
পৰম আনন্দে তাত বসি নৰপতি।
নানা ধৰ্ম্মালাপ কৰে ঋষিৰ সংহতি॥
অনন্তৰে নৰনাথ প্ৰজাপাল ৰায়।
কৰিলন্ত সাৰ প্ৰশ্ন লোকৰ কৃপায়॥
দুঃখ পূৰ্ণ এই ভব সংসাৰ সাগৰে।
অল্পবুদ্ধি নৰগণ কি প্ৰকাৰে তৰে॥
কোন বা উত্তম তত্ত্ব বেদান্তৰো নয়।
কৃপা কৰি কোৱা মোৰ গুছোক সংশয়॥
ৰাজাৰ বিনয় বাক্য শুনি মুনিবৰ।
স্নেহৰসে দিল তাঙ্ক উচিত উত্তৰ॥
সাধু সাধু ৰাজা মতি উত্তম তোমাৰ।
যিটো কথা পুছিলাহা সংসাৰতে সাৰ॥
মায়ায় বিমুগ্ধ যত লোক সমুদায়।
সি সবৰ উদ্ধাৰৰ শুনিয়ো উপায়॥

কায়মনোবাক্যে ৰাজা সদা সৰ্ব্বক্ষণ।
মহাৰঙ্গে অৰ্চ্চিবাহা হৰিৰ চৰণ ॥
যজ্ঞ হোম দান আদি যত কৰ্ম্মচয়।
তাঙ্ক সমৰ্পিলে সবে হোৱয় অক্ষয় ॥
যিটো মহাজনে আপোনাৰ প্ৰাণ মন।
ঈশ্বৰত কৰিলেক সুখে সমৰ্পণ ॥
সিজনৰ প্ৰয়োজন কিবা জগতৰ।
ইথাৰতে মোক্ষগতি সাধিল জন্মৰ ॥
সকলোৰে শ্ৰেষ্ঠ হৰি জগতৰ সাৰ।
সৃষ্টি স্থিতি লয় হয় ইচ্ছায় যাহাৰ ॥
মন দিয়া শুনা ৰাজা বেদৰ বচন।
ব্ৰহ্মা আদি কৰি যত আছে দেৱগণ ॥
অগ্নি পঞ্চানন আৰু অশ্বিনী-কুমাৰ।
আদিত্য সকল দুৰ্গা আদি মাতৃ আউৰ ॥
দশদিক ধনেশ্বৰ ভুজঙ্গ বিকট।
বিষ্ণু যম ৰবি শশী পিতৃগণ যত ॥
ষড়ানন, গজানন সমে দেবগণ।
সকলো ঈশ্বৰ হন্তে লভিল জনম ॥
কিন্তু শুনা তাসম্বাৰ মন্দ কৰ্ম্ম যত।
নেজানে পিতৃক পিতৃ বুলি অজ্ঞানত ॥

গৰ্ব্বভৰে প্ৰতি দেৱে বুলিলন্ত বাণী ।
হৰ্ত্তা কৰ্ত্তা মই সব মোকে পূজাপ্ৰাণী ॥
এই কথা লৈ সবে দেৱৰ ভিতৰ ।
বহুৰূপ তৰ্ক বাদ ভৈল পৰস্পৰ ॥
প্ৰথমে উঠিয়া অগ্নি দেবগণ মাজ ।
সদৰ্পে কহিল শুনা সকল সমাজ ॥
ধ্যান পূজা কৰে যদি লোক সমুদায় ।
মোকে মাত্ৰ শ্ৰেষ্ঠ মানি পূজোক সদায় ॥
মই দেখা জগতৰ সবাৰো প্ৰধান ।
মোৰ অবিহনে কাৰো নৰহে পৰাণ ॥
যি হেতু অভাবে মোৰ নৰহয় প্ৰাণী ।
নিঃসন্দেহে পূজা মোক সবে সাৰ মানি ॥
যদি অপ্ৰত্যয় কৰা দেখা সৰ্ব্বজন ।
মই এড়ো কিপ্ৰকাৰে ৰহয় জীবন ॥
এহি বুলি তথা হৈতে অগ্নি ক্ৰুদ্ধ কৰি ।
থাকিলন্ত গৰ্ব্বমনে দেহৰ অন্তৰি ॥
পৰম পুৰুষ হৰি তেজৰ প্ৰভাৱে ।
নটলিল বৃক্ষ যেন বিচনিৰ বাৱে ॥
নুটূটিল শৰীৰৰ কিছু তেজ বল ।
দুগুণে প্ৰকাশে যেন প্ৰফুল্ল কমল ॥

প্ৰাণ আৰু অপান ৰূপী অশ্বিনীকুমাৰ ।
এইৰূপে কৰিলন্ত প্ৰাণ পৰিহাৰ ॥
তথাপি নহৈল শৰীৰৰ কোনো ক্ষয় ।
পূৰ্ণৰূপে দেহ দীপ্তি কৰে অতিশয় ॥
তদন্তৰে দশদিক কুবেৰ পৱন ।
মন মহাদেৱ আদি যত পিতৃগণ ॥
ধৰ্ম্ম, অগ্নি, আকাশ, ভাস্কৰ অহঙ্কাৰ ।
সপ্তধাতু কাম-মায়া দুৰ্গা নাম যাৰ ॥
কাষ্ঠা বায়ু বিষ্ণু আৰু ইন্দ্ৰিয় সকল ।
একে একে সবে দেহ এড়ে দেখাই বল ॥
কিন্তু দেহ পূৰ্ব্ববৎ হৰিৰ কৃপায় ।
এক ভাবে আছে দেখি সবে লাজ পায় ॥
সব মানে দূৰ ভৈল গৰ্ব্ব অহঙ্কাৰ ।
কাৰ্য্যত বুজিল হৰি জগতৰ সাৰ ॥
দণ্ডবৎ হৈয়া যত দেৱতা সকল ।
কৰিবে লাগিল স্তুতি ত্যজি মন মল ॥
নমো নমো অনন্ত অচ্যুত সনাতন ।
সবাৰো আশ্ৰয় তুমি জগত কাৰণ ॥
তুমি স্ৰজা তুমি পালা তুমি কৰা ক্ষয় ।
তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয় ॥

নেজানি তোমাক বিভো কৰি অহঙ্কাৰ ।
আপুনি চিন্তিছোঁ আপোনাৰ মহাগাৰ ॥
তুমি পিতৃ আমাসাৰ জানে সৰ্ব্বজন ।
তথাপি নিচিনো আমি কিনো কুলক্ষণ ॥
ক্ষমা কৰা প্ৰভু আমি পশিলো শৰণে ।
পিতৃ নেক্ষেমিলে পুত্ৰে ক্ষমিবেক কোনে ॥
অশ্বিনীকুমাৰ তুমি দেৱ হুতাশন ।
তুমি লক্ষ্মী সৰস্বতী আকাশ শমন ॥
তুমি সপ্তধাতু তুমি বিষ্ণু জলেশ্বৰ ।
ইন্দ্ৰিয় সকলো তুমি বিঘিনি ঈশ্বৰ ॥
তুমি অহঙ্কাৰ তুমি আদিত্য দ্বাদশ ।
তুমি মায়া তুমি পৃথ্বী তুমিয়েই ধনেশ ॥
তুমি দুৰ্গা তুমি শিব তুমি দশদিক ।
ইত্যাদি সকলো গুণ তোমাতে বিদিত ॥
নহলে কিৰূপে ইটো দেহ মনোহৰ ।
সমভাবে আছে কাকো নকৰি নিৰ্ভৰ ॥
তুমি সকলোৰে আদি দেব নাৰায়ণ ।
তোমাক নিচিনো আমি অজ্ঞান কাৰণ ॥
আমাসাক তুমি হৰি সৃজন কৰিয়া ।
স্থানে স্থানে স্থাপি আছা নিজ শক্তি দিয়া ॥

আমাক উচিত নোহে কৰা পৰিত্যাগ ।
দিয়া পিতৃ আশাসাৰ যাৰ যেন ভাগ ॥
নিতান্ত অবোধ আমি তোমাৰ সন্তান ।
কৃপাগুণে সৰ্ব্বদায় কৰি আছা ত্ৰাণ ॥
পিতৃ নিদাৰুণ হলে পুত্ৰৰ উপৰ ।
জীৱন্তে মৰণ তুল্য হয় নিৰন্তৰ ॥
যদিও নেজানি হৰি কৰিছো অন্যায় ।
তথাপি পিতৃৰ স্নেহ পুত্ৰত নেযায় ॥
এহিমতে স্তুতি দেৱে কৰে নানা মত ।
প্ৰসন্ন ভৈলন্ত হৰি দেৱতা গণত ॥
পৰম সাদৰে হৰি জগতৰ ঈশ ।
দেৱক বুলিলা বাণী কৰিয়া হৰিষ ॥
শুনা মোৰ অংশীভূত দেৱতা নিচয় ।
মই স্ৰজো মই পালো মই কৰো ক্ষয় ॥
মোত হন্তে যত কিছু দেখা প্ৰাণীগণ ।
মোৰ ইচ্ছা মতে হয় সবাৰো জনম ॥
অনন্ত শকতি বলে ভুবন চৌধয় ।
ৰাখি আছো লীলাছলে কৰিয়া নিৰ্ভয় ॥
কত ব্ৰহ্মা কত ৰুদ্ৰ দিকপালগণ ।
কত ৰবি কত শশী কত হুতাশন ॥

ক্রীড়া হেতু ইসবৰ কৰিয়া উদ্ভৱ ।
কালে কালে কৰি থাকো আনন্দ উৎসৱ ॥
লীলা ভিন্ন মোৰ কিছু নাই প্ৰয়োজন ।
মোৰ নিজ শক্তি বলে ৰাখো সৰ্ব্বক্ষণ ॥
তথাপি নিয়ম কৰো উপদেশ লোৰা ।
তোমাসাৰ প্ৰতিজনে দুই মূৰ্ত্তি হোৰা ॥
এক মূৰ্ত্তি অলক্ষিতে প্ৰবেশি শৰীৰ ।
সৰ্ব্বক্ষণে কৰা ৰক্ষা সকলো প্ৰাণীৰ ॥
অন্য মূৰ্ত্তি দেৱ কাৰ্য্যে থাকা অবিৰত ।
সৰ্ব্ব কৰ্ম্ম সাধি সুখে স্বৰ্গ ভুবনত ॥
অন্তে সবে মোৰ শৰীৰতে যাইবা লীন ।
তোমাসাত মোৰ কিছু নাহি ভিন্নাভিন্ন ॥
হুতাশন তব নাম হৈব বৈশ্বানৰ ।
প্ৰাণ ও অপান নাম অশ্বিনীকুমাৰ ॥
গৌৰী তুমি হিমালয় সুতা নাম ধৰি ।
ধৰ্ম্ম তুমি যম মহতত্ত্ব ত্ৰিপুৰাৰী ॥
মন হৱ বিষ্ণু নাম স্কন্দ অহঙ্কাৰ ।
দুৰ্গা তুমি শৰীৰস্থ মায়া নাম যাৰ ॥
কান্তাগণ দশ বৰুণ কন্যা নাম ধৰি ।
গজানন পৃথিবীৰ গুণ ৰূপ কৰি ॥

শৰীৰস্থ সপ্ত ধাতু নাগে নানা ভূত।
পিতৃগণ ইন্দ্রিয়ৰ কৰ্ম্মত প্ৰস্তুত ॥
পবন কুবেৰ আদি যত দেৱ চয়।
সকলো মিলিয়া কৰা জীৱক নিৰ্ভয় ॥
এহিমতে আদেশ কৰিয়া নাৰায়ণ।
বিদায় দিলন্ত দেৱে প্ৰসন্ন বদন ॥
দেৱতায়ো হৰিপদে নমস্কাৰ কৰি।
স্ব স্ব স্থানে চলি গৈল নিজ মন পুৰি ॥
জগত ঈশ্বৰ সেই সৰ্ব্ব শক্তি মান।
দেৱক মহিমা দেখাই ভৈল অন্তৰ্দ্ধান ॥
যিটো জিজ্ঞাসিলা ৰাজা নাৰায়ণ তত্ত্ব।
পৰম অমূল্য কথা কৰিলো বেকত ॥
সবাৰো প্ৰধান হৰি উৎপত্তিৰ স্থল।
যেন বৃক্ষ বৃদ্ধি হয় মূলে দিলে জল ॥
সেহিমতে মাত্ৰ হৰি পদে ৰাখামন।
হৰি তৃপ্ত হৈলে তৃপ্ত হয় ত্ৰিভুবন ॥
কৰিছো মিনতি হেৰা শুনা সাধুজন।
ধৰ্ম্ম তত্ত্ব পদ ইটো অতি বিতোপন ॥
মহাসুখে কৰা পান কৰি এক চিত।
তেমে সবে তৰিবাহা দুৰ্ঘোৰ কলিত ॥

আপদ সম্পদ বন্ধু হৰি সাৰাৎসাৰ ।
তেঁওৰ নাম গুণ বিনা জীৱন অসাৰ ॥
হেনজানি সৰ্ব্বজনে দিবস সৰ্ব্বৰী ।
জন্মৰ সাফল কৰা বুলি হৰি হৰি ॥

---

পদ ॥

অনন্তৰে মহাতপা মুনি মহাশয় ।
পৰম সাদৰে পুনঃ নৃপতিত কয় ॥
নৰৰ দুৰ্ল্লভ যিটো জগত ভিতৰ ।
জ্ঞানী সকলেও যাৰ নেপাই ওছৰ ॥
হেনয় অমূল্য ৰত্ন ধৰ্ম্ম তত্ত্ব বয় ।
ভকতে শুনিলে আক ভক্তি দৃঢ় হয় ॥
পাতকী সকলে আত নপাতয় কান ।
যেন অন্ধ ফুৰে পথে বাতুল সমান ॥
দিশ বিদিশৰ একো উদিশ নাপাই ।
সিগতে সংসাৰী নৰে পথ হেৰুৱাই ॥
দুৰ্গম অৰণ্য পথে ভ্ৰমে নিৰন্তৰ ।
মোহ বাঘে পাই শেষ কৰে জীৱনৰ ॥
নেজানে কায়তে কাল আছে দিনে ৰাতি ।
আচৰিত কৰ্ম্ম দেখি হিয়া যায় ফাটি ॥

দেহ সাম্রাজ্যৰ মাজে মন নৰপতি ।
তাক নদমিলে ৰাজা নখণ্ডে দুৰ্গতি ॥
মনে নৰ্ক মনে স্বৰ্গ মনে দুখ শান্তি ।
মনেই দেহক লৈয়া ভ্ৰমে দিনে ৰাতি ॥
এই মন যেহিজনে সুপথে চলায় ।
সাৰ্থক জীবন তেঁওৰ ভাগ্য সীমা নাই ॥
অসৎ পথত যিটো সঁপে প্ৰাণ মন ।
তাৰসম ভাগ্য হীন আছে কোন জন ॥
শুনা ৰাজা কওঁ মই ভক্তিৰ ৰহস্য ।
কিৰূপে হোৱয় হৰি ভকতৰ বশ্য ॥
সদগুৰু আশ্ৰয়ে প্ৰথমতে থাকি নৰ ।
শিক্ষিব যতেক কৰ্ম্ম তত্ব সংসাৰৰ ॥
সাধু উপদেশ নৰে শিৰোগত কৰি ।
অপাৰ সংসাৰ সিন্ধু সুখে যাই তৰি ॥
গুৰুৰ কৃপায় নৰ ব্ৰহ্মজ্ঞান পায় ।
লভিলে ঈশ্বৰ তত্ব পাপ দূৰে যায় ॥
বিভু পাদপদ্ম নৌকা জগতৰ সাৰ ।
তান্ত বিনে নাই কাৰো সংসাৰ নিস্তাৰ ॥
শঙ্কৰৰ আগে হৰি বুলিলন্ত বাণী ।
মোৰ ভকতিত মাত্ৰ তৰে যত প্ৰাণী ॥

কাম ক্রোধ লোভে বশীভুত নৰ চয় ।
নাপাই নিস্তাৰ শিব কহিলো নিশ্চয় ॥
বিষয় সম্ভোগে যাৰ হয় বিৰকতি ।
সিজনে সাধিলে জানা জীবনৰ গতি ॥
যত কৰ্ম্ম মানে কৰে মোতে সমৰ্পণ ।
কায়মনো বাক্যে সেবে মোহোৰ চৰণ ॥
সেহিজন সাধু জানা মহা পুণ্যবান ।
দেহ এড়ি যাইব সিটো মোৰ নিজ স্থান ॥
ঘৃণিত নৰক মাজে যত পাপী গণ ।
ভুঞ্জয় স্বকৰ্ম্ম হেতু দুখ অগণন ॥
তত্তুল্য নৰক ইটো মানব শৰীৰ ।
শোকে দুখে জঞ্জৰিত সৰ্ব্বদা অস্থিৰ ॥
মেদ মজ্জা ৰেতঃ ৰক্ত স্নায়ু অস্থি মাংস ।
মল মূত্ৰে পৰিপূৰ্ণ কৃমিগণ বাস ॥
দুৰ্গন্ধি ছালৰে ঢকা অপবিত্ৰ কায় ॥
নৰকৰ ঘৰ এই জানিবা সদায় ॥
বিষয় প্ৰবৃত্তি দুখ নৰকৰ দ্বাৰ ।
সংসাৰে নিবৃত্তি সুখ মাত্ৰ অতি সাৰ ॥
সংসাৰে আসক্তি শূন্য যিটো মহাজন ।
সি সি জন এক মাত্ৰ মুক্তিৰ ভাজন ॥

প্রজ্বলিত হুতাশনে যেন কাষ্ঠ চয় ।
ক্ষণেকতে দগ্ধ কৰি কৰে ভস্মময় ॥
সেহিমত জ্ঞানৰূপ অগ্নিৰ প্ৰভাৱে ।
পাপ কৰ্ম্ম সকলৰ প্ৰলয় মিলাৱে ॥
হৃদয় আকাশে উপজিলে তত্ত্বজ্ঞান ।
পৰমাত্মা জ্ঞাত হয় সিটো পুণ্যবান ॥
পুণ্যৰ প্ৰভাৱে নৰ পূৰ্ণভাৱ পায় ।
সিসব সংসাৰে জন্ম নলৱে দুনাই ॥
গুৰু উপদেশ আৰু বেদ শাস্ত্ৰ মানে ।
সেহিসে জানিবা ৰাজা হৰি তত্ত্ব জানে ॥
সহজে ইন্দ্ৰিয় বশ কৰে যিটো জন ।
অন্তে পায় মুক্তিপদ নাযায় খণ্ডন ॥
ইন্দ্ৰিয়ৰ বশীভূত যত নৰচয় ।
মায়াৰূপী ৰমণীৰ ৰূপে ভোল হয় ॥
অলৌকিক সৌন্দৰ্য্যত ভুলি নৰগণ ।
অগ্নিত পতঙ্গ প্ৰায় হোৱয় দহন ॥
নৰকৰ দ্বাৰ এক নাৰীৰ সংহতি ।
জানি সিদ্ধ জনে তাত নকৰয় প্ৰীতি ॥
নিৰ্লিপ্ত থাকিলে নৰ বিষয় সুখত ।
নজন্মে বিশেষ দোষ প্ৰমদা সঙ্গত ॥

আপোন কৰ্ত্তব্য কৰি দিন কৰে ক্ষয় ।
নাথাকে একোতে ৰত বিনে কৃপাময় ॥
প্ৰাণী হিংসা আদি পাপ কৰে বিসৰ্জ্জন ।
হেলায় আত্মাৰ গতি সাধে সিটোজন ॥
হিংসা শূন্য ক্ষমাৱন্ত সৰ্ব্বভূতে দায়া ।
সিজন তৰিল জানা সংসাৰৰ মায়া ॥
সংসাৰ বাসনা শোক দুখ অহঙ্কাৰ ।
ত্যজিয়া যিজনে কৰে ঈশ্বৰ বিচাৰ ॥
আত্ম ভুলি সব চিন্তা ঈশ্বৰতে কৰে ।
তাহাকে সমাধি বোলে জ্ঞানী নিৰন্তৰে ॥
জগতৰ দৃশ্যবস্তু সমস্তে নশ্বৰ ।
এই আছে এই নাই ঘূৰে নিৰন্তৰ ॥
এক মাত্ৰ দয়াময় প্ৰভু ভগবান ।
সমভাবে সৰ্ব্বকালে থাকে বিদ্যমান ॥
ইন্দ্ৰিয় দমনে জীব নিজ মিত্ৰ হয় ।
অজিত ইন্দ্ৰিয় শত্ৰু জানিবা নিশ্চয় ॥
সৰ্ব্বভূতে ৰাজা নাই মত ভেদ যাৰ ।
ব্ৰহ্মময় দেখে সিটো অখিল সংসাৰ ॥
ধ্যানকালে হৰি হয় অন্তৰে বিৰাজ ।
সিজনে সাধিলে জানা জীবনৰ কাজ ॥

প্ৰাণীৰ অন্তৰে স্থিত প্ৰভু ভগবান।
যিজনে জানয় তেঁও প্ৰকৃত বিদ্বান॥
সিজন হেলায় ৰাজা মুক্তি পথে যায়।
সংসাৰ বন্ধনে তাঙ্ক কাচিতো নাপায়॥
শোক দুখ জীবনৰ সবাকো সংহাৰে।
নুঘূৰে সিসব সাধু দুনাই সংসাৰে॥
বিদ্যাদ্বাৰা সেই ব্ৰহ্ম হয় নিৰূপণ।
সৎ শিক্ষায় মাত্ৰ কৰে বন্ধ বিনাশন॥
মায়া মোহে ব্যস্ত লোক জগত ভিতৰে।
সিহেতু নাপায় ত্ৰাণ সংসাৰ সাগৰে॥
যেহি স্থান অতিশয় মৰমৰ ঠাই।
তাকে ধৰা মানবৰ পতনৰ ঘাই॥
এই মায়া যদি নৰে কৰে পৰিত্যাগ।
অবশ্যে জানিবা তাৰ মিলে মহা ভাগ॥
স্নেহ হেতু ব্ৰহ্মা দেৱে কহিছে পূৰ্ব্বত।
অতি স্নেহীজন মুক্তি নোহে সংসাৰত॥
ভাৰ্য্যা পুত্ৰ ধন জন বুলি মোৰ মোৰ।
অন্তকালে সেই চিন্তা নোহে তাৰ দূৰ॥
এহি মায়াতেসে সিটো ত্যজি প্ৰাণ ধন।
পৰ জন্মে নাপাই তেঁও হৰিৰ চৰণ॥

যিটো নৰে কৰে হেলে মায়া পৰিহাৰ ।
সিজনে মেলিল জানা মুকুতিৰ দ্বাৰ ॥
এহি অৰ্থে শুনা ৰাজা কাহিনি পূৰ্ব্বৰ ।
ভৰত নামেৰে ৰাজা ক্ষত্ৰি বংশধৰ ॥
অন্তকালে যোগ সাধি নৃপতি সুজান ।
অৰণ্যে আছিল সুখে লভি দিব্যজ্ঞান ॥
দৈব্য যোগে মৃগ শিশু পাই নৰপতি ।
তাৰ পালনতে ৰাজা ব্যস্ত হয় অতি ॥
অন্তকালে মৃগ শিশু চিন্তা মনে ধৰি !
শৰীৰ কৰিল ত্যাগ হৰিক পাসৰি ॥
সেই হেতু পৰজন্মে মৃগ জন্ম পায় ।
না পাইল মুকুতি ৰাজা পৰিয়া মায়ায় ॥
মায়ায় বিমুগ্ধ যিটো হয় মূঢ় ভাৱে ।
তাঙ্ক জানা সৰ্ব্বনাশী দুৰ্গতিয়ে পাৱে ॥
স্নেহ অৰ্থে শুনা আৰু পূৰ্ব্বৰ বৃতান্ত ।
বনত আছিল দুই পক্ষী অতি শান্ত ॥
কপোত কপোতি স্ত্ৰী পুৰুষ দুইজন ।
পৰস্পৰ দুয়ো যেন এক প্ৰাণ মন ॥
ক্ষণেকো নেদেখি কাকো নপাৰে ৰহিতে ।
এহি মতে কতো দিন থাকে হৃষ্ট চিত্তে ॥

কত দিনে কপোতিৰ এক শিশু হয়।
পৰম স্নেহেৰে দুয়ো তাহাঙ্ক পালয় ॥
এক দিনা আহাৰাৰ্থে পক্ষী দুয়োজন।
শিশু এড়ি অন্যস্থানে কৰিল গমন ॥
সেহি বেলা ব্যাধ এক আসিয়া ত্বৰায়।
ধৰিল শিশুক মহানন্দে তাত পায় ॥
হেনকালে ভক্ষ লৈয়া কপোত কপোতী।
বাঁহৰ ওছৰ পাই কুতুহলে অতি ॥
দেখিল ব্যাধৰ হাতে শিশুৰ অবস্থা।
দুষ্ট ব্যাধে বন্দী কৰি ৰাখিয়াছে তথা ॥
পুত্ৰ শোকে দুয়ো ভৈল অত্যন্ত কাতৰ।
সহিব নোৱাৰি দুখে কৰে ধৰফৰ ॥
কপোতী পাৰিল গৈয়া শিশুৰ ওপৰে।
ততক্ষণে ক্ৰূৰ ব্যাধ ধৰি বন্দী কৰে ॥
ভাৰ্য্যা পুত্ৰ বন্দী কপো সহিব নোৱাৰি।
নিজেও দিলন্ত ধৰা প্ৰাণ মায়া এড়ি ॥
স্নেহ বশে এহিমতে পক্ষী দুয়োজন।
ব্যাধৰ হাতত পৰি ত্যজিল জীবন ॥
হেন জানি স্নেহত আসক্তি নৃপবৰ।
নকৰিবা কদাচিতো অনৰ্থৰ ঘৰ ॥

পূণ্যকৰ্ম্ম একমাত্ৰ জীৱনৰ গতি।
যাৰ বলে সাধুগণে পায় অব্যাহতি॥
হেন পথ পৰিহৰি যিটো দুৰাচাৰ।
দিবা নিশি পাপে মজি কৰে অনাচাৰ॥
সিজনে অচিৰে নৃপ নানা দুখ পায়।
যেনে পাপ তেনে ভোগ এড়ন না যায়॥
যিটোজন দুষ্কৰ্ম্মত সদা হয় ৰত।
ব্যাধিও জানিবা ৰাজা তাৰ অনুগত॥
সকল ব্যাধিৰ মূল পাপ শিৰোমণি।
জৰা দীন দুঃখ শোক ঘটায় বিঘিনি॥
সকলো নাশৰ মূল জানি জ্ঞানীগণ।
কৰিয়াছে পাপৰীপু সমূলে বৰ্জ্জন॥
নিসিদ্ধ কৰ্ম্মত ৰত হুয়া নৰচয়।
মনৰ আনন্দে কৰে পাপৰ সঞ্চয়॥
ব্ৰহ্ম হত্যা সুৰাপান আনে পৰধন।
গুৰুপত্নী হৰে মিত্ৰ দ্ৰোহে লিপ্তমন॥
ইসব পাতকী সঙ্গে যিটো লগ লয়।
তেওঁকো জানিবা মহা পাতকে লঙ্ঘয়॥
মনে মনে যদি নৰে পাপচিন্তা কৰে।
অসুবিধা হেতু মাত্ৰ ইচ্ছা নাহি পূৰে॥

তথাপি তেওঁক জানা সেহি পাপে পায় ।
স্বকৃত পাপৰ কথা শুনা সমুদায় ॥
জীৱ ঘাতী প্ৰাণীগণে হিংসা দ্বেষ কৰে ।
ছলে বলে যেই জনে পৰধন হৰে ॥
বৃথাকৰ্ম্মে কৰে যিটো সময় ক্ষেপণ ।
খল বৃত্তি কৰি যাৰ হৃষ্ট হয় মন ॥
সৰ্ব্বদা প্ৰাণীৰ প্ৰতি নিষ্ঠুৰ আচাৰ ।
মিথ্যা বাক্যে মিথ্যা কৰ্ম্মে ৰতি হয় যাৰ ॥
অসৎ প্ৰলাপে কৰে মন উত্তেজিত ।
অবিনয় সন্ত সাধু প্ৰতি যাৰ চিত ॥
বেদ শাস্ত্ৰ যিটো জনে উলঙ্ঘা কৰয় ।
অবিধি কৰ্ম্মত যিটো আনন্দিত হয় ।
এই সব ৰাজা মহা পাপীৰ লক্ষণ ।
জানিয়া এসব বৃত্তি ত্যজে জ্ঞানীজন ॥
কায় মনো বাক্যে যাৰ পাপে নাই মতি ।
সিজনে সাধিলে জানা জীৱনৰ গতি ॥
পাপত দুৰ্গতি পুণ্যে সুখ ভোগ পায় ।
সি হেতু পাপক জ্ঞানী এড়ন্ত সদায় ॥
ধৰ্ম্মশাস্ত্ৰে ৰতি আৰু শ্ৰবণ কীৰ্ত্তন ।
কৰিলে মানব হয় মোক্ষৰ ভাজন ॥

হেন মনে জানি যত বুদ্ধিমন্ত নৰ।
বেদ শাস্ত্রে এক চিত ৰাখে নিৰন্তৰ॥
যত্ন কৰি যিটোজন ধৰ্ম্মশাস্ত্র পঢ়ে।
যজ্ঞ তপস্যাৰ ফল পাই সেহি নৰে॥
জ্ঞানলাভ অৰ্থে শাস্ত্র পঢ়িব সদাই।
ধৰ্ম্মে মতি বাঢ়ে তাৰ শুদ্ধ হয় কায়॥
যি সব শাস্ত্রত নাই হৰিৰ চৰিত্র।
ত্যজিবেক জ্ঞানী তাক মানি অপবিত্র॥
ধৰ্ম্মতেই ৰৈ আছে সমস্ত জগত।
সংসাৰে ধৰয় সাধু ধাৰ্ম্মিকৰ পথ॥
ধৰ্ম্মতেই পাপ নাশ পূণ্যৰ উদয়।
ধৰ্ম্মৰ বলতে নৰ সংসাৰ তৰয়॥
সবাৰো প্রধান ধৰ্ম্ম মুকুতিৰ পথ।
জানি জ্ঞানী জনে তাক ৰাখয় সতত॥
নশ্বৰ শৰীৰ ইটো এই আছে নাই।
ঐশ্বৰ্য্য ও ধন জন নে থাকে সদাই।
ধৰ্ম্ম সে কেবল মাত্র সংসাৰৰ নাৱ।
যত্নে ৰাখিবাহা ৰাজা হুয়া শুদ্ধ ভাৱ॥
ইহ পৰলোক বন্ধু পূণ্য মানবৰ।
লগে লগে ফুৰে ইটো যেন সহচৰ॥

পিতা মাতা ভাই বন্ধু পুত্র ভাৰ্য্যাধন।
জীৱন এড়িলে কাৰো নহয় মিলন ॥
অকলে আসয় নৰ অকলে প্ৰস্থান।
পাপ পূণ্য সাক্ষী মাত্ৰ থাকে বিদ্যমান ॥
হেন জানি এক চিতে সদা নৃপ মণি।
ধৰ্ম্মক কৰিবা সাৰ জানিয়া তৰণী ;
প্ৰাণবন্ধু কৃষ্ণৰূপ ধৰা হৃদয়ত।
মুখে লোৱা তান নাম কৌতুকে মনত ॥
আত্মবোধে সকলোকে তোষা নিৰন্তৰ।
অবিহিত কৰ্ম্মে সদা এড়িবা সাদৰ ॥
তেৱে অপ্ৰয়াসে গতি পাইবা নৰ ৰায় ॥
কহিলো বেদৰ বাণী পূৰ্ব্বাপৰ চাই ॥
ধৰ্ম্মতত্ব শুনি ৰঙ্গ মনে নৃপবৰ।
স্তুতি নতি মহৰ্ষিক কৰিল বিস্তৰ ॥
নমস্কাৰ কৰি হুয়া ঋষিত বিদায়।
নিজ ৰাজ্যে আনন্দতে গৈলা নৰ ৰায় ॥
স্বধৰ্ম্মত ৰাজ্য পালি হৰি সেৱাবলে।
অন্তকালে বিষ্ণুধাম পাইল কুতুহলে ॥
এই মোৰ প্ৰিয়তম কথা ভকতৰ।
প্ৰকাশিলো তৰ ঠাই বুলি মৰমৰ ॥

একান্ত ভকত জনে মোৰ সেৱা বিনে ।
নকৰয় অন্য স্পৃহা জানা ৰাত্রি দিনে ॥
দান ধ্যান কৰ্ম্মক্ষেত্রে সপোনে শয়নে ।
মোতে মাত্র চিত্ত ৰাখি বঞ্চে ৰঙ্গ মনে ॥
সংসাৰে সংসাৰী ৰাজ্য ভাৱেও নৃপক ।
নোৱাৰে বিপথে নিব মোৰ ভকতক ॥
প্রজাপাল নৃপতিত দেখা মনে মানি ।
কৰিলে আমাত ভক্তি ৰাজ্য প্রতি পালি ॥
একান্ত ভকতি যিটো কৰয় সতত ।
মোৰ একো ভিন্ন ভাব নাই সিসবত ॥
ঐহিকে থাকয় মোৰ ভকতিত সুখে ।
পৰকালে মোৰ সঙ্গে বঞ্চয় কৌতুকে ॥
পৰম পবিত্র ইটো মোহোৰ চৰিত্র ।
এহি সে কৰিতে পাৰে লোকক পবিত্র ॥
মোহোৰ চৰণে তাব বাঢ়য় ভকতি ।
অন্তকালে সিসিজন সুখে সাধে গতি ॥
ইটো পুণ্য কথা নজানয় আন জনে ।
কহিলো তোমাক দেবী ভাৰ্য্যাৰ কাৰণে ॥
হে কৃপাময় প্রভু দেৱ চক্রপাণি ।
কৰিয়ো উদ্ধাৰ মোক ভৃত্য হেন মানি ॥

পৰম আতুৰ হুয়া কৰিছো কাতৰ।
তোমাৰ অধম দাস মই গদাধৰ ॥
তথু পদ ছাঁয়া মোক দিয়া কৃপা কৰি।
জন্মৰ সাফল কৰো তোমাক সুমৰি ॥
এই দান দিয়া মোক নমাগোহো আন।
দয়াৰ ঠাকুৰ তুমি পুৰুষ প্ৰধান ॥
লক্ষগুণে দোষী প্ৰভু তথু চৰণত।
তথাপি সাহস কৰো চিন্তিয়া মনত ॥
তুমি মোৰ পিতা মই তোমাৰ কিঙ্কৰ।
পিতৃয়ে নেড়য় স্নেহ সন্তান ওপৰ ॥
সেহিমতে হৰি মোক কৰিও উদ্ধাৰ।
নকৰিবা পাপী বুলি মোক পৰিহাৰ ॥
শুনা সৰ্ব্বজন ইটো ধৰ্ম্মতত্ত্ব সাৰ।
বিৰচিলো মই মূঢ়ে কৰিয়া বিস্তাৰ ॥
সাহসত হওঁ মই কেশৰী সমান।
কিন্তু শক্তি নাই মোৰ পতঙ্গৰ মান ॥
নাক হীন নৰে যেন গন্ধ আশা কৰে।
জিহ্বা হীনে সুধা স্বাদ বিচাৰিয়া ফুৰে ॥
সেইৰূপ আশা মোৰ উপহাস মত।
তথাপি আশাক হৰি ধৰিয়া মনত ॥

তাহান চৰিত্ৰ মূঢ়ে কৰিলো প্ৰচাৰ ।
পৰম পবিত্ৰ কথা ধৰ্ম্মতত্ত্ব সাৰ ॥
পদত অপাঠ্য দেখি নিনিন্দিবা মোক ।
হৰি কথা বুলি শ্ৰদ্ধা কৰা সাধু লোক ॥
যেহি মতে ঈশ্বৰৰ প্ৰতিমা নিচয় ।
স্বৰ্ণকাৰে নিৰ্ম্মানিয়া স্থাপন কৰয় ॥
নাহিকে ঈশ্বৰ তাত সত্য অনুমান ।
ভক্তিৰে পূজয় নৰে কৰি বিষ্ণু জ্ঞান ॥
ভক্তিত মাধব আসি থাকে গুপ্ত ভাৱে ।
তাহাঙ্ক আৰাধি নৰে মোক্ষগতি পাৱে ॥
সেহি মতে আত শ্ৰদ্ধা কৰা সাধু নৰ ।
হৰিৰ চৰিত্ৰ ইটো প্ৰিয় জগতৰ ॥
মাধৱৰ ভক্তি সৰ্ব্ব ধৰ্ম্ম মাজে সাৰ ।
হৰি হৰি বুলি নৰ নিস্তৰা সংসাৰ ॥

---

অন্ত ।